# বিহু-গীতত সামাজিকচিত্ৰ



লিখক—
শ্ৰীটোকেন্দ্ৰ নাথ চেতিয়াপাটৰ।
শিলং।

প্ৰথম সংস্কৰণ।
১৮৭১ শক, ১লা কাতি।

 মূল্য—৸৹ অনা

প্ৰকাশক—

**শ্ৰীমেঘনাথ বৰগোঁহাই**

মেচাগড়, নাজিৰা

( অসম )

---

গুৱাহাটী পৰশুদেৱৰ প্ৰিণ্টিং ৱৰ্ক্স'ত—

শ্ৰীবেণুধৰ ডেকাৰ দ্বাৰা ছপা কৰা হ'ল।

১৯৫১ চন।

# ভূমিকা

শব্দৰ তত্ব যিবিলাকে আলোচনা কৰে তেওঁবিলাকে কয় যে, একোটা শব্দৰ পাচত একোটা জাতিৰ কৌটী-কলীয়া বুৰঞ্জী লুকাই থাকে। সেইদৰে কোনো সমাজৰ সাথৰ, দিস্টান, ফকৰা-যোজনা আৰু মানুহৰ মুখে মুখে চলি অহা গীত পদবিলাকেও একোটা জাতিৰ বা একোখন সমাজৰ হেৰোৱা কালৰ বুৰঞ্জী বহন কৰি লৈ আছে। শিলৰ খুটাত কাটি দিয়া অশোকৰ অনুশাসনবিলাকৰ বহুত হয়তো লোপ হৈ গৈছে আৰু যি এতিয়াও আছে সিও অৱশ্যে কালৰ গতিত নাইকিয়া হব। কিন্তু এই যে মানুহৰ মুখে মুখে বাগৰি অহা চহা গীত পদ আৰু সাথৰ দিষ্টানবিলাক, তাত জাতিৰ বা সমাজৰ যি ইতিহাস লুকাই থাকে তাৰ পৰমায়ু অন্ত হয় সেই জাতিৰ বিনাশৰ লগে লগে। কালৰ নিৰ্ম্মম হাতৰ স্পৰ্শ ইয়াত যেন ব্যৰ্থ হৈ উভতি যায়।

যি বিলাকৰ তীক্ষ্ণ দৃষ্টি আছে, বিশ্লেষণ কৰিব পৰা বুদ্ধি যি বিলাকৰ আছে, তেওঁবিলাকে এই চহা-গীতমাত-বিলাকৰ আঁতি-গুৰি পম্ খেদি গৈ আমাক এটা জাতিৰ হেৰোৱা বুৰঞ্জীৰ বাতৰি আনি দিব পাৰে। শব্দ তত্ত্বৰ

আলোচনা কৰোঁতাসকলে কোনো এটা ভাষাৰ উপভাষা-বিলাকক্হে যেনেকৈ তেওঁলোকৰ গৱেষণাৰ কেন্দ্ৰ কৰি লয়, কোনো জাতিৰ সামাজিক আৰু মনস্তাত্ত্বিক ইতিহাসৰ উহ বিচাৰোঁতাসকলেও এই চহা যোজনা ফকৰা গীতমাতবিলাকক তেওঁলোকৰ বিচাৰ কাৰ্য্যৰ সম্বল স্বৰূপে গ্ৰহণ কৰে।

এইবিলাকত আছে জাতিৰ প্ৰাণ, এইবিলাকতে পৰিছে জাতীয় জীৱনৰ নিভুৰ্ল প্ৰতিবিম্ব। সেইবাবে এইবোৰকে বুলিব পাৰি আচল জাতীয় সাহিত্য।

মানুহে গছৰ ফেৰেঙনিত, গছৰ ধোন্দত বা গিৰি-গুহাত বাস কৰি থকা কালত যেতিয়া ইজনে সিজনৰ লগত মনৰ ভাৱ প্ৰকাশ কৰিব পৰা হ'ল তেতিয়াৰ পৰাই এই শ্ৰেণীৰ সাহিত্যৰ উৎপত্তি হ'ল বুলিব লাগে। কালৰ গতিত সিবিলাকৰ বহুত অৱশ্যে লোপ পালে কিন্তু বহুতে হেজাৰ লাখবাৰ মোট সলাই সলাই এতিয়াৰ অৱস্থা পাইছেহি, নিশ্চয়।

ওপৰত উল্লেখ কৰা দৃষ্টি কোণৰ পৰা চালে অসমীয়া সাথৰ, দিষ্টান, ডাকভণিতা, বাৰমাহী গীত, বিহু-গীত এই আটাইবোৰকে জাতীয় সাহিত্যৰ পৰ্য্যায়ত পেলাব পাৰি। এইবিলাকৰ ভিতৰত কিমান থিনি যে, পাহৰণিত বা অৱহেলাত নাইকিয়া হ'ল, কিমানে যে ৰূপ সলাই নতুন ৰূপত প্ৰকাশ পাইছে বা পাব লাগিছে, কিমানবোৰ যে ৺শঙ্কৰদেউ,

৺মাধৱদেউ আৰু ৺কন্দলীসকলৰ ৰচনাত জাহ গৈ আছে তাক আজি বিচাৰি উলিয়াব কোনে ?

আমাৰ পুৰণি পুথিবিলাকত দুই এফাকি দুৰ্ব্বোধ্য পদ আৰু অসংখ্য দুৰ্ব্বোধ্য শব্দ পোৱা যায়। বেদব্যাস ৰচিত সংস্কৃত মহাভাৰতত বহুত অৰ্থহীন শ্লোক পোৱা যায়। পণ্ডিতসকলে সেই বিলাকৰ নাম দিছে ব্যাসকূট আৰু ব্যাস-কূটৰ উৎপত্তি সম্বন্ধে তেওঁলোকে আখ্যান এটাও উদ্ভাৱন কৰিছে। এই যে, দুৰ্ব্বোধ্য বচন আৰু ব্যাসকূটবিলাক—এইবোৰ আচলতে কবিৰ অৰ্থহীন প্ৰলাপ জানো ? আচলতে সেইবোৰ তেনে নহয়। মূল সোঁতৰ পৰা পৃথক হৈ পৰা নৈৰ কুৰৰ নিচিনা সেইবিলাকো মানুহৰ দৈনন্দিন প্ৰয়োগৰ পৰা আঁতৰি পৰা, আঁতৰি হেৰোৱা জাতীয়-সাহিত্যৰ অঙ্গহীন অভিজ্ঞান মাথোন। সিবিলাকৰ সংযোগ আমি বিচাৰি উলিয়াব নোৱাৰোঁ, সেইবাবে সেইবোৰ অৰ্থহীন।

অসমীয়া বিহুগীতৰ বিষয়ে বিশেষজ্ঞসকলে কাকতে পত্ৰে বহুত সাৰুৱা আৰু জ্ঞানগৰ্ভ আলোচনা কৰি গৈছে। এতেকে সেই অপ্ৰমাদী লেখকসকলৰ ৰচনাৰ উপৰিও কব পৰা নানা কথা আমাৰ নাই। আমি অসমীয়া। আমি আমাৰ বিহু-গীত, বনগীতক আপোনাৰ বুলি চিনি পাওঁ, আমি তাক ভাল পাওঁ। ডেকা-ডেকেৰী, বুঢ়া-আদহীয়া আমি সকলোৱে, মাৰ্জ্জিত ৰুচিৰ কৃত্ৰিম ভ্ৰুকুটিৰ আঁৰৰ পৰা হলেও তাক সন্মানে

উপভোগ কৰোঁহঁক। কাৰণ তাৰ ভিতৰত দেখোঁহঁক আমাৰ প্ৰাণৰ ছবি, তাৰ ভিতৰত দেখোঁহঁক আমাৰ জাতীয় জীৱনৰ মূৰ্ত্তি প্ৰকাশ। আমাৰ সুখ-দুখ, আশা-নিৰাশা, আমাৰ ভাল পোৱা—বেয়া পোৱা, আমাৰ সকলো চিন্তা, আমাৰ সকলো চেষ্টা—এই আটাইবিলাকে যেন ভাষা বিচাৰি পাইছে, আৰু সেই ভাষাৰ সাজ পিন্ধি সেইবোৰে বনগীত, বিহু-গীত ৰূপে আমাৰ ইন্দ্ৰিয়ৰ গ্ৰহণ যোগ্য বস্তুত পৰিণত হৈছে। এই পুথি যুগুত কৰোঁতাজনে ইয়'ত কেইটমান সকলোৰে জনা বিহুনামৰ চমু পৰিচয় দিছে; আৰু সেইবিলাকে অতীত আৰু বৰ্ত্তমান অসমীয়া সমাজক কিমানদূৰ প্ৰকাশ কৰিছে লেখকে তাক দেখুৱাবলৈ চেষ্টা কৰিছে। আমাৰ দুৰ্ভাগ্যৰ বিষয়, নতুন সাহিত্য সেৱীসকলৰ এনে বহুমূলীয়া চেষ্টাত দহজনৰ সহানুভূতি নাই বুলিলেও সৰহ কোৱা নহয়। সৰু-বৰ দহজনৰ আদৰ পালে আমাৰ বহুত ন লিখাৰুৱে এই আহিৰ বহুত বস্তু আগ বঢ়াবলৈ ওৰা ধৰিয়েই আছে।

ছিলং
১৬ মেই ১৯১০ চন

*শ্ৰীকালীৰাম বৈশ্য* এম্ এ, বি, টি

---

অসম সাহিত্য সভাৰ সম্পাদক, বুৰঞ্জী আৰু পুৰা-তত্ত্ব বিভাগৰ ডেপুটি ডাইৰেক্টৰ অধ্যাপক শ্ৰীযুত কেশৱ নাৰায়ণ দত্ত এম, এ, বি, এল ডাঙৰীয়াৰ—

## —অভিমত—

............শ্ৰীমান টোকেন্দ্ৰ নাথ চেতিয়া পাটৰ এজন উদ্যোগী জ্ঞান-পিপাসু ছাত্ৰ। কলেজত অধ্যয়ণ কালত নিজ দেশৰ সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি ধাউতি দেখুৱা আৰু প্ৰকৃত অনুসন্ধিৎসাৰে সিবিলাকৰ গবেষণা আৰু আলোচনা সমালোচনা কৰিবলৈ বিচৰা ছাত্ৰসকলৰ ভিতৰত তেওঁ এজন। অসমীয়া কৃষ্টি আৰু ইতিহাস সম্বন্ধীয় কেইবাটাও প্ৰবন্ধ লিখি তেওঁ মোক দেখুৱাইছিল। তেওঁৰ চিন্তাধাৰা প্ৰশংসনীয় আৰু লেখাৰ ভঙ্গী আৰু প্ৰকাশ কৌশলত তেওঁ যথেষ্ট পাৰদৰ্শিতা লাভ কৰিবলৈ সমৰ্থ হৈছে।

"বিহু-গীতত সামাজিক চিত্ৰ" বোলা প্ৰবন্ধটোত তেওঁ অসমৰ লোক-সংস্কৃতিৰ এটা তথ্যপূৰ্ণ চিত্ৰ দাঙ্গি ধৰিছে। বিহুগীত সম্পৰ্কে প্ৰবন্ধ আদি লিখোতাৰ সংখ্যা কম নহয় আৰু আজি-কালি তেনে প্ৰবন্ধ বহুতো কাকতে-পত্ৰে প্ৰকাশ পাইছে। কিন্তু শ্ৰীমান চেতিয়া পাটৰে এই প্ৰবন্ধত নতুন ভাৱধাৰাৰ আৰু নতুন কথা কিছুমানৰ সমাবেশ কৰিবলৈ সমৰ্থ হোৱাত আৰু ইয়াক কিতাপ আকাৰে প্ৰকাশ কৰাত ই সকলোৰে পাঠৰ যোগ্য হৈ উঠিছে। স্কুল-কলেজৰ "প্ৰাইজ" আৰু "লাইব্ৰেৰী"ৰ বাবেও এই কিতাপখনি উপযোগী হব। মই আশা কৰোঁ তেওঁ লিখা অইন প্ৰবন্ধ বিলাকো সময়ত প্ৰকাশ কৰিবলৈ তেওঁ সুযোগ আৰু পঢ়ুৱৈ সমাজৰ উদগণি পাব।

শিলং ১০।৫।১

**শ্ৰীকেশৱ নাৰায়ণ দত্ত এম, এ, বি, এল**
সম্পাদক,—অসম সাহিত্য-সভা।

# আগ-কথা

জাতীয়তা গঠনৰ কাৰণে যিবিলাক সমলৰ আৱশ্যক সেই সকলোবোৰ বিহু-গীততে ঠাহ খাই আছে। বিহু-গীতত নাই কি? অসমীয়া মানুহৰ আবেগ-অনুভূতি, ভাব-ভাষা, ধৰ্ম্ম, সাহিত্য, অসমীয়া সমাজৰ অতীত আৰু বৰ্ত্তমানৰ স্পষ্ট প্ৰতিচ্ছবি—জাতিৰ শিল্পনৈপূণ্য, নীতি-নিয়ম, আচাৰ-পদ্ধতি ৰাজনীতি আৰু প্ৰত্ন-তত্ত্বাদিৰ সুন্দৰ আভাস পোৱা যায়—অসমীয়াৰ একমাত্ৰ আদৰৰ আৰু চেনেহৰ বিহু-গীততেই। "বিহু আমাৰ উৎসৱ"—এই ভাবটোৱেই কণমান ল'ৰা-ছোৱালীৰ পৰা আৰম্ভ কৰি বুঢ়া-বুঢ়ীলৈকে প্ৰত্যেক অসমীয়াৰ অন্তৰত প্ৰবল হৈ উঠে; আৰু তাৰেই বলত বলীয়ান হৈ আমি নিজক অসমীয়া বুলি চিনাকী দিবলৈ সাহ কৰোঁহঁক। এই বৈশিষ্টৰ কাৰণেই বিহু অসমৰ জাতীয় উৎসৱ আৰু বিহুগীত অসমৰ জাতীয় সাহিত্য।

অসমৰ এই জাতীয়-সাহিত্যৰ আলোচনা আৰু চৰ্চ্চা আজি কিছুদিনৰ পৰা চলি আহিছে আৰু বহুত তথ্যও বাহিৰ হৈছে। বিহুগীতৰ বহুল আৰু নিখুঁত চৰ্চ্চা কৰিবলৈ আমাৰ বুদ্ধি আৰু বিচাৰ শক্তি নাই; কাৰণ বিহুগীতৰ অৰ্থ বুজিবলৈ আৰু তাক উপভোগ কৰিবলৈ আমাৰ এধানিমান শিক্ষাই ঢুকি নাপায়গৈ। এনেস্থলত বিহু-গীতৰ বিষয়ে দুষাৰ কথা কোৱাতো আমাৰ পক্ষে কিমান সমীচীন হৈছে তাক জনা নাযায়।

অসমৰ গাৱেঁ-ভূঁয়ে বহুত গীত-পদ সিচঁৰতি হৈ পৰি আছে আৰু তাৰ কিছুমান ইতিমধ্যে সংগ্ৰহ কৰি ছপাই উলিয়ালেও সম্পূৰ্ণ উদ্ধাৰ কৰিব পৰা নাই। বিহু-গীতৰ বিষয়ে ভাবি চালে সাধাৰণতে কেইটামান কথা মনলৈ আহে—গীতৰ ৰচক, ৰচনাৰ কাল আৰু সুৰ।

বিহুগীতৰ ৰচক কোনো ব্যক্তি বা বিশেষজ্ঞ লোক নহয়। চৰ্চ্চাকাৰীসকলৰ মতে ইয়াৰ ৰচক হৈছে ৰাইজ বা সমাজ। বিহু-গীত সমাজৰ নিবিড় আনন্দৰ অভিব্যক্তি, অনুভূতি আৰু অভিজ্ঞতাৰ সমষ্টি। হোজা নিৰক্ষৰ সমাজে অন্তৰৰ সুখ-দুখ, বিৰহ-বেদনা এজনে আন এজনৰ আগত পোণ-পতীয়া ভাৱে প্ৰকাশ কৰিছিল স্বভাৱগত লয় বা সুৰ একোটি দি। এই লয় বা সুৰ দিবলৈ যাওঁতেই ছন্দৰ সৃষ্টি হয়। এজনৰ অন্তৰত উঠা বা জাগি থকা ভাৱ-ৰাশিকে আন এজনে লয় দি তেওঁৰ আগত প্ৰকাশ কৰোঁতে শ্ৰুতাজনে নিজৰ অৱস্থা বা নিজ ভাৱৰ সাদৃশ্য পাই তেৱোঁ গাওঁতাৰ সুৰতে সুৰদি মনত সান্ত্বনা লভিবৰ উপক্ৰম কৰিলে।' এইদৰে এজনৰ পাচত আন এজনে একে অৱস্থাৰ সুৰকেই অনুকৰণ কৰোঁতে কৰোঁতে ই সমাজৰ সম্পত্তি হৈ পৰিছে আৰু ৰচকো সমাজেই হৈছে গৈ। এজনৰ পাচত আন এজনে নিজৰ ইচ্ছামতে গীতবোৰ সলাই গাবও পাৰিছিল। এইদৰে মুখ বাগৰি গৈ গীতে অন্য ৰূপ ধাৰণ কৰিছিল। তেতিয়াৰ দিনত এই গীতবোৰ লিখি ৰখাৰ বিশেষ ব্যৱস্থা নাছিল আৰু আজিলৈকে মুখে মুখেই চলি আহিছে। ফল-স্বৰূপে বহুত গীত লোপ পাবলৈ ধৰিছে আৰু কালক্ৰমত কিছুমান গীতে নতুন ৰূপ লৈছে।

আদিম সমাজ ছন্দপ্ৰিয়। এই কাৰণেই তেওঁলোকে ছন্দৰ আলম লৈ অন্তৰৰ গোপন কথা সহজে প্ৰকাশ কৰিব পাৰিছিল। এটা ভাৱ প্ৰকাশ কৰোতে কেতিয়াবা একোটা উপকৰা, অৰ্থহীন ছন্দৰো সহায় লোৱা দেখা যায়।

(ক) কলীয়া কচুৰে শিয়া
জীয়াই থাকো মানে তোমাৰে তিৰোতা
বিহুলৈ পঠিয়াই দিয়া।

(খ) এটা বাতিত পনৰু এটা বাতিত নহৰু
এটা বাতিত খুতৰা শাক
মূৰৰ চুলি চিঙি আশীৰ্ব্বাদ কৰিছো
লাহৰী কুশলে থাক।

ইয়াত "কলীয়া কচুৰে শিয়া" আৰু "এটা বাতিত পনৰু, এটা বাতিত নহৰু এটা বাতিত খুতৰা শাক"—গীতাঙ্গ যেন অনুমান হয়।

বিহুগীত ৰচনা কৰা হৈছিল কেতিয়া? ৰচনাৰ কাল সম্বন্ধে বেলেগ বেলেগ চৰ্চ্চাকাৰীৰ বেলেগ বেলেগ মত। মুঠতে ইমানকে কব পাৰি যে, আদিম অসমীয়া সমাজৰ অনুভূতি, আৰু অভিজ্ঞতা প্ৰকাশৰ সময়েই এইশ্ৰেণী গীতৰ প্ৰথম ৰচনাৰ কাল। যুগৰ পাচত যুগে যুগে দেশ, কাল, পাত্ৰ অনুযায়ী এই শ্ৰেণী গীতৰ সুৰ, ৰূপ বা ৰচনা নৰ হৈ গৈছে আৰু গৈয়ো থাকিব। গতিকে সি কোন যুগত ৰচিত তাক ঠাৱৰ কৰি কোৱা টান। উদাহৰণ স্বৰূপে উল্লিখিত (খ) গীতটোকে পাচৰ যুগত হুচৰীত প্ৰয়োগ কৰিছিল—

এটা বাতিত পনৰু    এটা বাতিত নহৰু
এটা বাতিত খুতৰা শাক
মূৰৰ চুলি চিঙি    আশীৰ্ব্বাদ কৰিছোঁ
গৃহস্থ কুশলে থাক ।

এই গীতটোৰেই হয়তো তাৰ পাচতে আন ৰূপ লৈছে—

এবাতি পনৰু    এবাতি নহৰু
এবাতি গাখীৰৰ দৈ,
আজি তোমাৰ ঘৰলৈ    যাম প্ৰাণেশ্বৰী
থাকিবা পন্থলিত বৈ ।

সকলোৱে জনা তলৰ গীত কেইটালৈ মন কৰিলেই এই পৰিবৰ্ত্তনবোৰ পৰিলক্ষিত হব ।—

১ । (ক) অতি মৰমৰে    মুগাৰে মহুৰা
অতি মৰমৰে মাকো
তাতোকৈ মৰমৰ    চেনাইৰে বাতৰি
নলৈলো কেনেকৈ থাকোঁ ।

(খ) অতি মৰমৰে    মুগাৰে মহুৰা
অতি মৰমৰে মাকো
তাতোকৈ মৰমৰ    বহাগৰ বিহুটি
নাপাতি কেনেকৈ থাকোঁ ।

২। (ক) আগবাৰী শুৱনি কাকিনি তামোল
পাচবাৰী শুৱনি পান
বৰঘৰ শুৱনী জীয়ৰী ছোৱালী
উলিয়াই দিবলৈ টান।

(খ) আগবাৰী শুৱনি কাকিনি তামোল
পাছবাৰী শুৱনি পান
বৰঘৰ শুৱনি ৰাঙলী শৰাইথন
উলিয়াই দিবলৈ টান।

গবেষকসকলে এই শ্ৰেণীৰ গীতক মানুহৰ হাত্ত বাগৰি ফুৰা মুদ্ৰাৰ লগত তুলনা কৰিছে। অৰ্থশাস্ত্ৰত একশ্ৰেণী মুদ্ৰাৰ কথা পাওঁ যাৰ বাহ্যিক মূল্য (Face value) আভ্যন্তৰীণ (Intrinsic) মূল্যৰ সৈতে একে নহয়; অথচ, দেশৰ মূদ্ৰা বজাৰত (Money market) সিহঁতৰ প্ৰচলন অত্যাবশ্যকীয়। বিহু-গীতক এই বিধৰ মূদ্ৰাৰ লগত তুলনা কৰিব পাৰি, যেহেতু বিহুগীতত নিহিত অৰ্থ গহীন, গম্ভীৰ আৰু মধুৰ। বিহু-গীতক কোনোবাই অশ্লীল বুলি কলেও বুজা কঠিন। বিহু-গীত উপভোগ কৰিবলৈ আৰু ইয়াৰ অৰ্থ বুজিবলৈ সকলোৱে সক্ষম হব নোৱাৰে। ইয়াৰ অৰ্থ বুজিবলৈ লাগে পক্ক অভিজ্ঞতা, মুক্ত-চিন্তা, দেশ বিদেশৰ সাহিত্য আৰু লোক-গীতিসমূহৰ কিছু জ্ঞান। কোনশাৰী কথাই কোনটো গীতত কি অৰ্থ কৰিছে তাক ধৰা সহজ নহয়। কিছুমান গীত দ্ব্যৰ্থবোধক, ৰহস্যপূৰ্ণ আৰু জটিল। যেনে,—

শিলে বালি চৰাই　　গিলে ঐ লাহৰী
শিলে বালি চৰাই গিলে,
আৰুবেলি বিহুখন　　চাবলৈ নাপালো
মতা ম'হ ৰখীয়া দিলে

এই গীতটোৰ শেষৰ দুআঁকি কথাই দুটা অৰ্থ কৰে। তিৰোতাক স্বামীয়ে বা অভিভাৱকে মতা মহ ৰখিবলৈও দিব পাৰে, নাইবা বিহুলৈ যাবলৈ নিদি গুৱালে মতামহ ৰখি থকাৰ নিচিনাকৈ বিহুৰ সময়ত ঘৰতেও আবদ্ধ ৰাখিব পাৰে। বিহুৰ সময়ত তিৰোতক ঘৰতে আবদ্ধ ৰখাতো "শিলে বালি চৰাই গিলা"ৰ নিচিনা আচৰিত আৰু চলিত প্ৰথাৰ বিৰুদ্ধী বলি আৰোপিত হৈছে।

(ক) কাঁহীতো নাখাওঁ মই　　বাতিতো নাখাওঁ মই
সফুৰাত নাখাওঁ মই গুৱা
মোৰে মৰমৰে　　চেনাইটিৰ বিহনে
দেহা মোৰ নকৰো চুৱা।

(খ)　　কলীয়া কচুৰে শিয়া,
জীয়াই থাকো মানে　　তোমাৰে তিৰোতা
বিহুলৈ পঠিয়াই দিয়া।

--কেতবোৰ বিহু-গীতৰ অৰ্থ অতি পবিত্ৰ আৰু জাতীয় চৰিত্ৰ প্ৰকাশক। অসমীয়া নাৰীৰ চৰিত্ৰ ইয়াত ভালদৰে প্ৰকাশ পাইছে

গীতবিলাকৰ প্ৰকাশ, বিকাশ আৰু ৰচনা প্ৰণালী আদিও লক্ষ্য কৰিব লগীয়া। নিৰক্ষৰ সমাজে কাগজ কলমৰ ব্যৱস্থা নথকা দিনতো যে অৰ্থৰ আৰু ভাৱৰ হীন-ডেৰি নঘটাকৈ কেনে উৎকৃষ্ট গীত মুখে মুখেই ৰচি আহিছিল তাৰ নমুনা বিহু-গীতত পায়।—

মাখিৰ মূৰে কাটি ঢোলটি সাজিলো
পিপৰাৰ চালেৰে চালো
জেল্লুকৰ চালেৰে বৰতি বাতিলো
ফৰিঙৰ ঠেঙেৰে বালো।

ইয়াত মূল বস্তুটোৰ লগত লোৱা প্ৰতিটো বস্তুৰ নামেই খাপ খাই পৰা আৰু ইটোৰ লগত সিটোৰ তুলনা-মূলক সম্বন্ধ থকা; অথচ, অৰ্থৰ ফালৰ পৰা চাবলৈ গলে ই কিম্ভুত কিম্বাকাৰ আৰু ব্যঙ্গসূবৰ।

বিহু-গীতত ব্যৱহাৰ কৰা প্ৰতিটো শব্দই কঠিন আৰু প্ৰচলিত। তাত শব্দৰ জটিলতা নাই। সহজ সৰল চহা ভাষাতেই আকুল প্ৰাণৰ মুকলি প্ৰকাশ পাইছে। ঠাই বুজি কিছুমান শব্দাৰ্থৰ দ্বিত্ব ব্যৱহাৰো ভাৱ-প্ৰকাশৰ কাৰণে কৰিব লগীয়া হৈছিল।

আই নাইকীয়া বোপাই নাইকীয়া
আৰু নাইকীয়া পিতা।................

—ইয়াত বোপাই আৰু পিতা শব্দৰ পাৰ্থক্য নাই।

বিহু-গীতৰ সুৰ। "বিহু" এই অনুস্থানটোৱেই গুৰিতে অনাৰ্য্য বা মঙ্গোলীয় অনুস্থান। বিহুত ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰবোৰো আনকি অনাৰ্য্য বাদ্য যন্ত্র, আৰু আৰ্য্য-বাদ্য যন্ত্ৰসমূহ তাত ব্যৱহাৰ কৰা

নহয়। ভাৰতীয় কোনো আৰ্য্য-সঙ্গীতৰ সুৰৰ লগত বিহু-গীতৰ সুৰৰ মিল নাই। গীত চৰ্চা-কাৰীসকলৰ মতে বিহু-গীতৰ যি সুৰ সি বড়ো বা মঙ্গোলীয়।

সি যিয়েকি নহওক, বিহু-গীতৰ সুৰ লেনীয়া আৰু দীঘলীয়া। ঢোল আৰু পেঁপাৰ লগত তাল মিলাই চুটি গীত গোৱা সম্ভৱ নহয়। এই কাৰণে বিহু-গীতবোৰ গাওঁতে মূল গীতৰ লগত কিছুমান কোমল শব্দৰ ছন্দযুক্ত একোটি অসংলগ্ন গীতাঙ্গৰ ব্যৱহাৰ কৰা হয়। নহলে বিহু-গীতৰ মাধুৰ্য্য নাই। এই কোমল গীতাঙ্গ বিলাক দ্বিৰুক্তিকৰ আৰু সামঞ্জস্য-হীন হলেও ইহঁতৰ প্ৰয়োগ নহলে গীতৰ সুৰ চিত্তাকৰ্ষক (Appealing) হৈ নুঠে।—

১। কিনো তোৰ মাতেৰে অ' মোৰ ৰঙিলী
মাতিলি লাহৰি অ' মোৰ পমিলী
কিনো তোৰ অমাতৰ মাত এ—হে ;
অ' মোৰ ৰঙিলী মইনা পমিলী
লাহেকৈ লগাবি মাত।
তোৰে মাতে শুনি অ' মোৰ ৰঙিলী
ৰব মই নোৱাৰোঁ অ' মোৰ পমিলী
এৰি যাওঁ পেটৰে ভাত এ—হে,
অ' মোৰ ৰঙিলী মইনা পমিলী
অ' মোৰ সোণাই ঐ লাহেকৈ লগাবি মাত।

২। ধনে ধনে কৰি ধনচেং ধনৰ মলা
ধনকে ঘটিলি ধনচেং ধনৰ মলা
পৰমে যতনে কৰি এ—হে,
ধনচেং ধনৰ মলা আইদেউ গুৰৰ পেলা,
সইতে ৰাম তোমালৈ যাম,
জেঠেৰী বইনাই মিলাই পেলাম........। ইত্যাদি।

ইয়াত তলত আঁচ দিয়া ওপৰৰ শাৰীকেইটাই হৈছে মূল গীত। বাকীখিনি মূল-গীতৰ লগত জোৰা দি গোৱা গীতাঙ্গ মাথোন। সময়ত গীতাঙ্গবিলাক সংযোগ কৰি নাগাই কিছুমান মূলগীত উকা কৰিও গোৱা শুনা যায়।

—বিহু-গীতসমূহ এইদৰেই ৰচিত, গঠিত, ৰূপান্তৰিত আৰু বাৰহঙ্গত হৈ আহিছে।

অসমীয়া কৃষ্টিয়েই হওক বা সংস্কৃতিয়েই হওক তাৰ প্ৰকৃত ৰূপটো চাবলৈ হলে অসমৰ বনগীত বিহু-গীত আদিত চাব লাগিব। বংশানুক্ৰমিক ঐতিহ্য আৰু অভিজ্ঞতাৰ সংমিশ্ৰণেই হৈছে সংস্কৃতি। বিহুগীত আৰু নাচে অসমীয়া সংস্কৃতি ৰক্ষা কৰি আছিছে; কিন্তু আমি তাক অৱহেলাৰ চকুৰে চাই আহিছোঁ অৰ্থহীন আৰু অশ্লীল বুলি। ইংৰাজীৰ "বলডেন্স' আৰু কিছুমান প্ৰেমৰ কবিতাতকৈ অসমীয়াৰ বিহু আৰু বিহুগীত কোনো গুণে হীন বা নগ্নতাৰ পৰিচায়ক বুলি কব নোৱাৰি। অসমৰ সাংস্কৃতিক গুৰিয়াল মহাপুৰুষ কেইজনাইও সকলোবোৰ বিষয়তে অলপ নহয় অলপ সংস্কাৰ কৰি গ'ল। কিন্তু অসমৰ এই অমূল্য ৰত্নৰাজিত তেৰাসকলৰ

শিল্পী হাতৰ বোল নিদিলে—সম্ভৱ বিহুগীতৰূপ বা প্ৰকৃত সৌন্দৰ্য্য লোপ পাই বুলিয়েই ! নহলে তেখেতসকলে এই গীতবিলাকক নতুন বা সুকীয়া ৰূপ দিব পাৰিলেহেঁতেন। তাকে নকৰি তেখেত -সকলে ৰচনা কৰিলে এইবিলাকৰ বাহিৰেও নতুন গীতপদ, নতুন নৃত্যকলা। "হুচৰী" বৈষ্ণৱী যুগৰ পৰাই প্ৰচলন যেন অনুমান হয়।

দেশত আজি বিহু-গীতৰ চৰ্চ্চা হলেও আদৰ বঢ়া নাই। সদায় গোৱা আৰু শুনা বিহু-গীত কেইটামানৰ পৰাই বাচি বাচি ৰাইজৰ আগত সম্প্ৰতি মাত্ৰ দহোটা চিত্ৰ দাঙ্গি ধৰা হৈছে। ইয়াত সন্নিবিষ্ট কৰা গীত কেইটা আমি যেনেদৰে পাইছো বা গোৱা শুনিছো তেনেদৰেই একো লৰচৰ নকৰাকৈ দিয়া হৈছে। এই চিত্ৰ কেইটা নীতি-বিষয়ক কথা হিচাবে দাঙ্গি নধৰি কলা হিচাবেহে সুধী সমাজৰ আগত প্ৰকাশ কৰা হৈছে। চিত্ৰ কেইটা কিমান ফুটাই তুলিব পাৰিছো তাৰ বিচাৰৰ ভাৰ ৰাইজৰ ওপৰত। ৰাইজৰ উৎসাহ আৰু উদগণি পালে আৰু বহুত চিত্ৰ বিশদ ব্যাখ্যাৰে সৈতে লগতে ইংৰাজী অনুবাদ কৰি উলিয়াবলৈও ইচ্ছা থাকিল। ইয়াত কিবা ভুল হলে সদাশয় ৰাইজে মাৰ্জ্জনা কৰিব।

—লিখক

৩।১০।৫১

# বিহু-গীতত সামাজিক-চিত্ৰ

—×—

## ১। বিহু-গীতত প্ৰেমৰ বিশ্ব-জনীনতা

প্ৰেম বা আদি ৰসকেই কেন্দ্ৰ কৰি বিহুগীত ৰচিত হৈছে যদিও নাই নগ্নতাৰ প্ৰশ্ৰয়, অসংযত বা উদ্‌ভ্ৰান্ত প্ৰেমৰ সাক্ষ্য। বিহু-গীতত ডেকা-গাভৰুৰ মনত উঠা প্ৰেমৰ সাৰ্বজনীন খেলিমেলি ভাৱধাৰা বা অবুজন অনুভূতিবোৰ [illegible] প্ৰকাশ [illegible] ভাৱ প্ৰকাশ কৰোঁতে গীতৰ ৰচনা প্ৰণালীৰ সৰলতা আৰু স্পষ্টতা মন কৰিবলগীয়া।

[illegible] আহ্বানতেই হওক বা অত্যাচাৰতেই হওক মানুহ মাত্ৰেই এদিন নহয় এদিন প্ৰপীড়িত আৰু নিৰ্যাতিত নৌহৈ নাথাকে। প্ৰপীড়িত অসমীয়া ডেকা-গাভৰুৰ প্ৰাণৰ ব্যথা গীতৰ ৰূপত ফুটি উঠে—

(ক) জপা গৰকিলে জপাৰ বৰে কাঁপোৰ
দেহা গৰকিলে প্ৰেমে
সেই প্ৰেমৰ জালে দেহা লালে কালে
মাৰিও নিনিয়ে যমে।

(খ) সৰুতে ঈশ্বৰে মাৰিও নিনিলে
পুতি থলে কেঁতেন গাতত
এতিয়া ঈশ্বৰে যাতনা ভোগাইছে
চেঙেলীয়া যৌৱনৰ কালত ।

প্ৰেমিক প্ৰেমিকাই পৰস্পৰে পৰস্পৰৰ বা-বাতৰি লৈ, নাইবা অনেক প্ৰৱন্ধৰে উভয়ে উভয়ক চাই নয়নক তৃপ্তি দিবলৈ আৰু অন্তৰ জুৰ কৰিবলৈ চেষ্টা কৰাটো সকলো দেশতে সত্য । অসমীয়া প্ৰেমিকাইও একে বাটেই বাট বুলি প্ৰকাশ কৰিছে—

(ক) বাৰীৰ আমে গছ তিনি ফেৰেঙীয়া
তাতে বহি মাতিলে কুলি,
গধূলি বেলিকা আহিবা লাহৰী
চালনি আনোগৈ বুলি ।

(খ) ৰিবে ৰিবে কৰি বতাহ জাক মাৰিলে
উৰি গ'ল চোতালৰ ধূলি,
তোমাৰ পদুলিলৈ কৰো অহা যোৱা
মতা মহ হেৰালে বুলি ।

(গ) অতি মৰমৰে মুগাৰে মহুৰা
তাতোকৈ মৰমৰ মাকো
তাতোকৈ মৰমৰ চেনাইৰে বাতৰি
নলৈনো কেনেকৈ থাকোঁ ।

(ঘ) চেনাইৰে বাতৰি নেপাওঁ ভালে কৰি
পুখুৰী পাৰলৈ গৈ,
চৰাই হোৱা হলে উৰি গলোহেঁতেন
মাজত ধনশিৰি নৈ ।

(ঙ) চাওঁ তিনিবেলি খৰিকা মঙ্গলে
মাতো তিনিবেলি গণক,
আলিৰে বাটলৈ চাওঁ তিনি বেলি
এবেলি নেদেখোঁ ধনক ।

— অসমীয়া সমাজত ভূত-ভৱিষ্যতৰ কথা জানিবলৈ গণকৰ হতুৱাই গণনা কৰোৱা আৰু খৰিকাৰে মঙ্গল চোৱা দস্তুৰ যে অতি পুৰণি তাকো ইয়াৰ পৰা বুজিব পৰা যায় ।—

নৈ কাষৰীয়া পকা জলকীয়া
তললৈ মেলিলে শিয়া
বামুণক চোৱালো গণকক চোৱালো
হব বহাগতে বিয়া ।

প্ৰাণে যাক বিচাৰি আকুল হয় সেই ইপ্সিত হৃদয় ধনক পালে কাৰ মন কমোৱা তুলা উৰাদি উৰিবলৈ নিবিচাৰে বা কোনজনী শিপিনীয়ে যঁতৰ থেকেচি ভাঙিবলৈ মন নকৰে ?—

(ক) তোমাৰ বাৰ্ত্তা পাই মোৰ গাত তত নাই
পথাৰত নবহে মন

কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন ।

(গ) ফাগুনৰ বদেটি তমকে ভমকে
নাহৰ ফুল ফুলিবৰ বতৰ
তোমাৰে বাৰ্ত্তা পাই মোৰ গাত গোসাঁই নাই
থেকেচি ভাঙ্গি যাওঁ যঁতৰ ।

প্ৰেম অন্ধ; গতিকে ই সমাজৰ নীতি-নিয়ম নেমানে অসমীয়া সমাজৰ বান্ধোনমতে প্ৰণয় কুল সীমাবদ্ধ। কোনো কুলে সকলো কুলৰ লগত বিয়া-বাৰু নকৰায়। কিন্তু মানুহৰ প্ৰেমৰ যি প্ৰবল ইচ্ছা সি সময়ত নীতি-নিয়ম মানিবলৈ অস্বীকাৰ কৰা একো আচৰিত কথা নহয়।

(ক) তোমালৈ চাওঁতে জপনা দেওঁতে
বিন্ধিলে অঁঘয়া হুলে,
তোমাৰ মন গলে মোৰ মন গলে
কি কৰিব কলিতা কুলে ?

(খ) চ'তে গ'ই গ'ই বহাগে পালেহি
ফুলিলে বাবৰি ফুল,
তোমাৰে লগতে মৰো যদি মৰিম এ
এৰি যাম নিজৰে কুল ।

ডেকা-গাভৰুৰ মাজত শুভ্ৰ-প্ৰেম বা প্ৰকৃত সৰল আন্তৰিকতা থাকিলে প্ৰিয় বা প্ৰিয়াৰ ঠেহ বা এখাৰি

কেটেৰা মাতো যে এটা মিঠা হাঁহিতকৈ মধুৰ সিও বিহু-গীতত্তেই প্ৰকাশ পাইছে—

আঠিয়া কলৰে পাতে নেকাটিবা
চিটিকি পৰিব এঠা
লোকক দেখুৱাই কেটেৰ মাৰিবা
ভিতৰি নেৰিবা বেথা ।

ভিনিহি-খুলশালীৰ মাজত থকা চেনেহৰ টানটো সকলোৰে বিদিত । চেনেহৰ মেৰপাকত পৰিয়েই শেষত ভিনিহিয়েক আৰু খুলশালীয়েকৰ ভিতৰত অনেকৰ বিয়া হৈ যায় ;— তাৰ আগ জাননী পাই খুলশালীয়েক সচেতন :—

বাইক মাতিছিলো ভিনিহিয়ে বুলিলে
আজিলৈ খুলশালী থাক
থাকিব নোৱাৰোঁ চেনেহৰ ভিনিহি
থাকিলে লাগিব পাক ।

যি ইস্পিতক দিনে ৰাতিয়ে প্ৰেমাঞ্জলিৰে যোড়শোপচাৰে পূজা কৰা যায় সেই ইস্পিতে যদি আশাৰ মূৰত বাগি কুঠাৰ মাৰি বিশ্বাস ঘাটকতা কৰে তেন্তে ইয়াতকৈ আৰু কি মৰ্ম্মান্তিক হব পাৰে ? এনে অৱস্থাত তেনেজনলৈ স্বভাৱতে ঘৃণা ভাৱ আহিবই আহিব । সেয়েহে অসমীয়া গাভৰুৱে গালি শোধায়—

তোমালৈ যিমান চিতনি ভাৱনি
আনলৈ সিমান নাই

আশা কৰাই কৰাই নিৰাশা কৰিলা
তোমাৰ মান নৰহী নাই ।

এই ক্ষেত্ৰত ব্যক্তি বিশেষে মহৎ অনিষ্ট সাধন কৰিলে বা অন্তৰত লাগি যোৱাকৈ বেজাৰ দিলে সম্ভৱতে শ্ৰেণী বিশেষৰ গাতহে দোষ আৰোপিত হয় । এক নাৰীয়ে এক যুৱকক বিশ্বাসঘাটকতা কৰে, দোষ পৰে গোটেই নাৰী জাতি-টোৰ ওপৰত :—

নৈৰে সিপাৰত নাৰায়ণ শিমলু
তাতে ললে কুকুৰাই বাঁহ
এইনো নাৰী জাতি মৰম নাইকীয়া
চিনিব নোৱাৰি আঁহ ।

## ২। বিহু-গীতত তামোল-পান।

অসমীয়া সমাজত তামোল-পানৰ মূল্য কম নহয়। এখন কটা তামোল লাখ টকাতকৈও অধিক মূল্যৰ। পূজা-সেৱা উৎসবাদিৰ পৰা আৰম্ভ কৰি অতিথি শুশ্রূষালৈকে সকলোতে তামোল পানেই আগ। এজনে সমাজত বা আন এজনৰ ওচৰত জগৰ লগায়। সেই জগৰ মৰিষণ কৰা হয় এশৰাই কটা তামোল বা এখন কটা তামোলেৰে। গতিকে সকলো-লোকেই তামোলৰ মোল বুজিছিল। তামোলৰ মোল নুবুজা লোক নাছিল। বিহু-গীতত তাৰ ছবি ফুটি উঠিছে :—

তামোলৰ আমোল মূলে ঐ নাচনী
তামোলৰ আমোল মূল
ক'ৰ পৰা পালাহি দেৱা-চালি খোৱাটো
তামোলৰ নুবুজ মোল।

আনকি তামোলৰ যোগেদিয়েই পৱিত্ৰ প্ৰণয় ঘটে। সেই কাৰণেই সৰহ ভাগ অসমীয়া লোককে বিয়াত দৰা-কন্যাৰ হাতত একোটা ৰূপৰ তামোল বা তাৰ পৰিবৰ্ত্তে এটা কেঁচা তামোল ৰুমালত বান্ধি লৈ ফুৰিবলৈ দিয়া দেখা

পায়। সেয়েহে অসমীয়া গাভৰুৱে প্ৰণয় বাঞ্ছা কৰি ভাল পোৱা যুৱকক "ৰেচেমৰ" ৰুমালত তামোল কাটি বান্ধি দিয়ে এটা মিঠা হাঁহিৰ আশাত :—

ৰেচেমৰ ৰুমালত তামোল কাটি দিলোঁ।
পাকতে মোকলাই খাবা
সোণালী মুখতে হাঁহিটি মাৰিবা
গলে কাটি কৰি চাবা।

কোৱা বাহুল্য যে, কায়িক সুখ-সম্ভোগতকৈ প্ৰণয়ীৰ হাঁহিৰে মলঙা মাণিকী মাধুৰী মুখখনিহে বেচি উপভোগ্য; আৰু তাৰ কাৰণেই বিশ্ব-যৌৱন মতলীয়া :—

একোতে নাপাওঁ মই সুখ লাহৰী
একোৱে নিদিয়ে সুখ
ভাল পাওঁ লাহৰীৰ হাঁহিৰে মলঙা
মাণিকী মাধুৰী মুখ।

প্ৰণয় সম্বন্ধত তামোলৰ শক্তি অসীম। যি কাৰোবাৰ পৰা এবাৰ এখন কটা তামোল পাইছে সি যিমানেইকি কঠোৰ নহওক তাক পাহৰিব নোৱাৰে। কটা তামোল-খনত প্ৰকাশ পায়— দিওঁতাৰ হেয়জ্ঞান কৰিব নোৱাৰা প্ৰবল ইচ্ছা, সবল আন্তৰিকতা আৰু চেনেহৰ মাদকতা। কটা তামোল খাই আনন্দত চাটি ফুটি কৰা বা চকু-পানী

টুকি থকা দৃশ্য বিহুগীতত বিদ্যমান ঃ—

(ক) ইতিনি পৰীয়া দালৌ কাণে মাৰি
ছকুৰি কুকুৰাৰ ভাৰ
জনমে জনমে শুজিব নোৱাৰোঁ
খুৰিয়া তামোলৰ ধাৰ ।

(খ) আহোঁ কেঁয়াবনে যাওঁ কেঁয়াবনে
কেঁয়াবনে কাটিলে গা
খুৰিয়া তামোলত আহুদি কৰিলা
পানীত পৰি নুজুৰায় গা ।

(গ) হাতীৰে হীমেজু খুৱালা লাহৰী
খুৰিয়া তামোলত ঘঁহি
যতিয়া তোমালৈ মনত পৰি যাব
কান্দো ঢাৰি-পাটিত বহি ।

(ঘ) কিনো তামোলখনি দিলা মোৰ মইনা
দুখনি হাতেৰে ললো
সেইনো তামোলখনি খাবৰেনো পৰা
তোমালৈ বলীয়া হলো ।

এই প্ৰণয় কামনা কৰিয়েই ককালৰ গামোচাত তামোল বান্ধি নিয়া যুৱকৰ পৰা গাভৰুৱে আৰু গাভৰুৰ পৰা যুৱকে তামোল পাবলৈ আশা কৰাও বিৰল নহয় ঃ—

(ক) ইৰিণা বিৰিণা গোঁহাইদেউ লিগিৰ
ৰঙাকৈ বিচনী লৈ
কঁকালৰ গামোচা বৰে তিৰেবিৰ
তামোল দি যোৱা বৈ ।

(খ) ৰঙাকৈ গামোচা মাজে শেল দিয়া
তুমি তামোল কাটি খোৱা
লাহৰি হাতেৰে থুৰিয়াই থুৰিয়াই
আমাকো এখনি দিয়া ।

গাভৰুৰ পৰা ডেকাই বিচাৰি :—

(গ) পানে দিয়া পানে দৈ চূণে দিয়া চূণে দৈ
তামোল দিয়া কাটি খাওঁ
মনৰ দুখে কষ্টে মনতে মাৰিবা
এতিয়া ঘৰলৈ যাওঁ ।

(ঘ) যাওঁ বেগে ধৰি ভৰি যায় পিচলি
বদতি মুখৰে আলি
কিনো নিদাৰুণে হলি ঐ লাহৰী
তামোল কাটি অকলে খালি ।

(ঙ) নঙলা নঙলা পদুলিৰ নঙলা
দিয়া বাট লাহৰী যাওঁ
অতি চেনেহৰে লাহৰি হাতেৰে
দিয়া তামোল কাটি খাওঁ ।

অসমীয়া সমাজত জাত-কুলৰ বিচাৰ বৰ বেচি। অজাতিৰ হাতে কটা তামোল এতিয়াও কিছুমান লোকে নাখায়, আগেয়েও নাখাইছিল। প্ৰেমিকাই প্ৰেমিকক কটা তামোলেৰে আন্তৰিকতা নিবেদন কৰিবলৈ যাওঁতে প্ৰেমিকে উত্তৰ দি কয়—

(ক) .... .... .... .... .... .... ....

তোমাৰ তামোল কটা নাখাওঁ ঐ লাহৰী
আমাৰে মৰিব কুল।

(খ) নৈ দেখি লাগিলে পানীৰে পিয়াঁহটি
তোমাক দেখি লাগিলে দয়া
হাতৰ কটা তামোল হাতত মৰহিলে
নহলা নিজৰে গঁয়া

তামোল খোৱাৰ আৰু খোৱাৰ নিয়মো আছে। আগৰ কালত অসমীয়াই সঁফুৰাত কটা তামোল বা গুৱা ভৰাই থয়। সেন্দুৰৰ ফোঁট নোলোৱাৰ দৰে, তিৰুতাই স্বামীৰ বিপদ আশঙ্কাত বা পতি-হীনা হলে সঁফুৰাত গুৱা নাখাইছিল—

কাঁহীতো নাখাওঁ মই বাতিতো নাখাওঁ মই
সঁফুৰাত নাখাওঁ মই গুৱা
মোৰে মৰমৰে চেনাইটিৰ বিহনে
দেহা মোৰ নকৰোঁ চুৱা।

"মোৰে মৰমৰে চেনাইটিৰ বিহনে, দেহা মোৰ নকৰে্‌ চুৰা" এই দুঁফাকি কথাত এটা সুন্দৰ অৰ্থ নিহিত আছে। অসমীয়া তিৰুতাৰ সতীত্বৰ গৌৰৱ এই খিনিতেই। অসমীয়া তিৰুতাই জীৱনত একত বিনা দুইত নভ॑ ৰেই ই জলন্ত প্ৰমাণ।

অন্তৰৰ কথা আনৰ আগত ব্যক্ত কৰিবলৈ আৰু নিজক আনৰ আগত পতিয়ণ নিয়াবলৈ ফলা তামোলৰ উপমা বেচ জনপ্ৰিয়—

কথাবো নুবুজ পাকে এ লাহৰী
ৰাতিও নাভাব শুই
তামোল নহওঁ মই ফালি দেখুৱাম
শৰীৰত কিমানৰ জুই।

ঘৰৰ শোভা বঢ়াবৰ কাৰণে প্ৰতিঘৰ মানুহেই আগ-বাৰীত তামোল আৰু পাছ বাৰীত পান গছ কৰিছিল—বাৰী পতাৰ নিয়ম অনুযায়ী। এই কথাও বিহু-গীতৰ পৰা বাদ পৰা নাই—

আগবাৰী শুৱনি কাকিনি তামোল
পাছ বাৰী শুৱনি পান
বৰঘৰ শুৱনি ৰাঙলী শৰাইখন
উলিয়াই দিবলৈ টান।

—তামোল পানৰ ৰাঙলী শৰাইখন কিমান মূল্যৰ তাক কবৰ আৱশ্যক নকৰে। তামোল-পানৰ লগত অসমীয়াৰ

কেনে নিবিড় সম্বন্ধ তাক বিহু-গীতত জনা যায়। আগৰ কালত অসমীয়াই গোৱাল-পাৰাক গুৱা-মাল বুলিছিল, আৰু আজি-কালিও গোৱালপাৰা আৰু ৰংপুৰৰ কালে তাক "গুৱা-মাল," পাবনা অঞ্চলৰ খাচী আদি লোকে † "কোৱা" বুলি কয়।



† খাচী লোকে "গুৱা"ৰ পৰিবৰ্ত্তে সাধাৰণতে "কোৱা" উচ্চাৰণ কৰে। 'গ' ৰ ঠাইত 'ক' উচ্চাৰিত হয়।

## ৩। বিহু-গীতত বোৱা-কটা

বোৱা-কটা শিল্পত উচ্চনীচ প্ৰত্যেক অসমীয়া নাৰীয়েই এসময়ত একোজনী নিপুণ শিপিনী আছিল। বোৱা-কটা নজনা বা অকাঁজী নাৰীৰ আগৰ সমাজত মূল্যই নাছিল; লোকে তিৰুতাক "থুপৰী" বুলিছিল আৰু জীয়ৰী হলে ঘৰকে বিয়াকে নকৰিছিল—

(ক) লবৰ মনে গ'লে বেংমৰ কাপোৰ ঐ
হাতেৰে নহ'লো কাঁজী
যাবৰ মনে গ'ল সোণামূৰা ডেকালৈ
কপালত নাছিলো সাধি।

(খ) আৰু বেলি বিহুতে গামোচা খুজিলো
এইবেলি কাটিছ পাঁজি
কেলেই লাগিছে এনেগন গামোচা
তোমোকৈ আনি যাম কাঁজী।

বিহু-গীতৰ পৰা ইয়াকো ঠাৱৰাব পাৰি যে, যি তিৰুতা বোৱা-কটাত যিমান ভাল শিপিনী হওঁ সিমান ভাল শিল্পীক পতিৰূপে লাভ কৰিছিল আৰু এই অৰ্থেই বহুত গাভৰুৱে

নিজৰ শিল্প নৈপূণ্য দেখুৱাবলৈ অশেষ পুৰুষাৰ্থও কৰিছিল। গামোচাত খৰিকাজাঁইৰ নিচিনা মিহি ফুল বাছিও যেতিয়া প্ৰেয়সী গাভৰুৰ চেষ্টা ব্যৰ্থ হৈছিল তাৰ পৰাই আগৰ শিল্পীৰ বোৱা-বটাত বিমান পাৰ্গতালি আছিল তাক সহজে অনুমান কৰিব পাৰি—

অতি চেনেহৰে গামোচা বলো মই
বাচিলো খৰিকা জাঁই
তোমাৰে আমাৰে যৌৱনৰ পীৰিতি
মিচাতে মৰহি যায়।

অসমীয়া যুৱক-যুৱতীয়ে প্ৰণয়ীক অন্তৰৰ স্নিগ্ধ ভাল পোৱা প্ৰকাশ কৰে—অতি চেনেহৰ মুগাৰ মহুৰা, মুগা, এড়ি কাপোৰ আৰু মাকো আদিৰ লগত তুলনা দিহে—

(ক) ক'লা চোলা নালাগে মোকে ঐ মইনা
বঙা চোলা নালাগে মোক
মুগাৰে ৰিহাখন তাকো মোক নালাগে
সাৰটি ধৰিলম তোক।

(খ) এড়ি পুহিবলৈ এড়ালি এড়া নাই
মুগা পুহিবলৈ চোম
মাৰে বাপেৰে যি কৰে কৰিব
তোমাক বুলি যাম সোণ।

(গ) অতি চেনেহৰে মুগাৰে মহুৰা
অতি চেনেহৰে মাকো
তাতোকৈ চেনেহৰ চেনাইৰে নাওৰি
নৌলেনো কেনেকৈ থাকোঁ।

আনকি প্ৰণয়ীৰ প্ৰতি অন্তৰৰ যি প্ৰচণ্ড আসক্তি বা কামনা তাকো প্ৰকাশ কৰিব পাৰে শিপিনীৰ হাতৰ পৰা সৰি সৰি পৰা সেই চেনেহৰ মাকোটোৱেহে—

বহোঁ তাত পাতত চকু আলিবাটত
মাকো সৰি সৰি পৰে। …………………

আগৰ কালত অসমীয়া যুৱকে ভালপোৱা গাভৰুক উপহাৰ হিচাপে যাচিছিল হাতীদাতৰ বনকৰা 'চকণ মাকোহে—

বৰঘৰৰ মূধতে চেনাইৰ তাঁত-শালে
দি যাওঁ হাতীদাঁতৰ মাকো
দুয়ো লগ হবলৈ লাগে কেতে বেলি
পাৰি দিয়া প্ৰেমৰে সাঁকো।

বিহুত নাচগানৰ মাজেদি প্ৰণয় লাভ হয়। এনে সোণালী সুযোগৰ আগজাননী পাই অসমীয়া গাভৰুৱে কেতেকী চৰাইকো যঁতৰত সূতা কটোৱা ধাৰণাই বোৱা-কটাৰ লগত তেওঁলোকৰ কেনে ঘনিষ্ঠ সম্বন্ধ তাক বঢ়িয়াকৈ বুজাই দিয়ে—

আজি বিহু বিহু কালি বিহু বিহু
কেতিয়া ফুলিব নাহৰ

কেতেকী চৰায়ে     কাটে সৰু সূতা
মকুৰা কাঠৰে যতঁৰ ।

আন এটি গীতত কেতেকী চৰাইৰ লগত অসমীয়া গাভৰুৰ বোৱা-কটাৰ সম্বন্ধ বা প্ৰতিদ্বন্দিতা লক্ষ্য কৰিব লগীয়া—

তই হেৰ তাঁতনী, কি ফুল বাছিছ
তই হেৰ কেতেকী, কি ফুল বাছিছ তই ?
একো ফুল বছা নাই গুটি গুটি গুটি
গুটি ফুল বাছিছোঁ, মই হেৰ কেতেকী
কি ফুল, কি ফুল বাছিছ তই ?

অন্তৰৰ গোপন কথা সুধোতে সূতা পকোৱাদি পকাই পকাই সুধা আৰু প্ৰিয়ৰ সঙ্কেত ধ্বনিত যতঁৰৰ শলাও নুঘূৰা কথাই আন এটি সুন্দৰ ছবি ফুটাই তুলিছে—

(ক) ডিচাঙৰ এবুকু     পানী ঐ চেনাইটি
ডিচাঙৰ এবুকু পানী
সূতা পকোৱাদি     পকাই পকাই সুধিলো
মনৰ কথা নকলা ভাঙ্গি ।

(খ) ম'হ মেলি গুৱালটি     চাপৰি পালেগৈ
বাটত চিঙি থালে কলা
পাচৰটি গুৱালে     উকিটি মাৰিলে
—নুঘূৰে যতঁৰৰ শলা ।



যি বোৱা-কটাৰ লগত অসমীয়া ৰমণীৰ তেজ মঙ্গহৰ সম্বন্ধ আৰু যি তাঁতশালতেই অসমীয়া নাৰীৰ জীৱটো সেই তাঁতৰ সূতা চৰায়েই হওক বা আন কোনোবাই হওক, ছিঙিলে কোনজনী শিপিনীৰ নাচনীয়ে নকন্দাকৈ থাকিব পাৰে ?

ভঁৰালৰ আগতে আমাৰ তাঁত-শাল
চৰায়ে চিঙিলে সূতা
ফেঁকুৰী ফেঁকুৰী নাকান্দ নাচনী
আনি দিম বজাৰৰ সূতা ।

---

## * ৪। বিহুগীতত বিয়াৰ বতৰা

সৰহভাগ যুৱক-যুৱতীৰে বিহু-তলীত প্ৰণয় ঘটিছিল। যি জনী যুৱতীয়ে ভালকৈ নাচিব আৰু নাম দিব পাৰিছিল তাইকে ভালকৈ ঢোল পেঁপা বজাব জনা যুৱক শিল্পীয়ে পছন্দ কৰিছিল; আৰু তাৰ পাচত সমাজৰ নীতিমতে বিয়া কৰাইছিল—

ঢোলে বাই ঢুলীয়া খোলে বাই খুলীয়া
কাৰ ঘৰৰ নাচনী নাচে
ওচৰ চাপি চাপি নাহিবা নাচনী
তোমাৰ গাত মোহনী আছে।

যিবিলাক যুৱকে মনৰ উদ্‌ভ্ৰান্ত গতিত বিহুতলীত প্ৰণয় হওঁতেই পলুৱাই লৈ গৈছিল তেওঁলোকে সমাজৰ ওচৰত জগৰীয়া হৈছিল আৰু তাৰ বাবে বহুত ধন ভৰিব লগীয়া হৈছিল—

বিহু মাৰি থাকিবৰ মনে ঐ লগৰী
বিহু মাৰি থাকিবৰ মন
বিহু মাৰি থাকোতে পলোৱাই নিনিবা
ভৰিব লাগিব ধন।

বিহুতলী প্ৰণয় ধাম কাৰণেই বিয়া-কৰা পুৰুষে নিজৰ তিৰুতাক বিহুলৈ নপঠিয়ায়—অন্য শিল্পীৰ সঙ্গীত নৃত্যাদিত ভোলগৈ এৰি যায় বুলি। গতিকে বিবাহিতা তিৰোতাই স্বামীক কাতৰ অনুৰোধ কৰি বিহুলৈ যাবলৈ অনুমতি বিচাৰে।

কলিয়া কচুৰে শিয়া
জীয়াই থাকোঁ মানে  তোমাৰে তিৰুতা
বিহুলৈ পঠিয়াই দিয়া।

—আনহাতে ইয়াতো প্ৰকাশ পাইছে অসমীয়া ৰমণীৰ সতীত্ব।

যিবিলাক ডেকা-গাভৰুৰ প্ৰণয় বিহুতলীৰ যোগেদি হোৱা নাছিল সেইসকলৰ বিয়া অন্য এটা প্ৰণালীত সম্পন্ন হোৱা দেখা যায়। ছোৱালীক বোৱা-কটা নাজানিলে আৰু সঙ্গীত নৃত্যত পাৰ্গত নহলে যিদৰে যুবকে বিয়া নকৰাইছিল সেইদৰে যি নিজৰ ওপৰত নিৰ্ভৰশীল নহয়, যাৰ বল-বীৰ্য্য সাহস নাই তেনে যুৱকলৈ গাভৰুৱেও বিয়াত নোসোমাইছিল। যুৱক-যুৱতী উভয়েই উভয়ৰ কৰ্ম্ম-কৌশল পৰীক্ষা কৰিহে বিয়াত সোমোৱা দৃষ্টান্ত পোৱা যায়—

পৰ্ব্বতত মাৰিলো  লুড়ুমা গাহৰি
ভৈয়ামত মাৰিলো গঁড়
এইবেলি মোলৈ  বিয়া সোমাম বুলি
গালৈ চাই শপতে কৰ।

ডেকাৰ কথাৰ উত্তৰত গাভৰুৱে কয়—

পৰ্ব্বতত মাৰিলা লুড়ুমা গাহৰি
ভৈয়ামত মাৰিলা গড়
আমাকে পাবলৈ গঙ্গা স্নান কৰাগৈ
বিধাতাক মাগাগৈ বৰ ।

ভৈয়ামত গঁড় মৰাটো বৰ টান কাম, কিন্তু তাতোকৈ টান পৰ্ব্বতত বনৰীয়া লুড়ুমা গাহৰি বধ কৰাটো । বুৰঞ্জী পাঠকে জানে যে, নগঞা শইকীয়া ভোটাই ডেকাই এই বিধৰ গাহৰি মাৰিয়েই বৰফুকন লালুকৰ চকুত টোপনি নহা কৰিছিল । লুড়ুমা গাহৰি মাৰিও যেতিয়া একোজন যুৱকৰ চেষ্টা ব্যৰ্থ হব লগাত পৰিছিল তাৰ পৰাই আগৰ তিৰুতা আৰু পুৰুষৰ বলবীৰ্য্য, সমাজৰ বিবাহ প্ৰথা পৰিষ্কাৰ ৰূপে জানিব পাৰি ।

আগৰ সমাজত কোনো কোনো মাক-বাপেকে ছোৱালী বিয়া দিওঁতে দৰা ঘৰৰ ফালৰ পৰা "গা-ধন" হিচাবে কিছু টকা যে লৈছিল তাৰ প্ৰমাণ অসমীয়া বিহু-গীতত—

চৰায়ে চৰায়ে আলচখন পাতিলে
গছৰ গুটি খাবৰ মন
আইনো কৈ বোপায়ে আলচখন পাতিলে
আমাক বেচি খাবৰ মন ।

—আজি কালিও ঠাই বিশেষে অৱস্থালৈ চোৱালীৰ মাক-বাপেকে দৰা ঘৰৰ পৰা "গা-ধন" লোৱা দেখা যায়।

বৰ্ত্তমান শিক্ষিত সমাজত বিহুৰ চৰ্চ্চা একেবাৰেই কমি যোৱাত অসমৰ চুকে-কোণে পৰিথকা দুই এখন ঠাইৰ বাহিৰে প্ৰায়বোৰ ঠাইতে আগৰ প্ৰথামতে বা বিহুৰ যোগেদি বিয়া নহয়; তাৰ ফল স্বৰূপে বহুতৰ ঘৰুৱা জীৱনত আউল লাগি সোণৰ সংসাৰখন দুখময় হোৱা দেখা যায়।

## ৫। বিহু-গীতত কৰ্ত্তব্য-পৰায়ণতা

অতীত অসমৰ প্ৰত্যেক ব্যক্তিয়েই আছিল কৰ্ম্মৰত। কৰ্ত্তব্যজ্ঞান থকাৰ কাৰণে কামেই তেওঁলোকৰ প্ৰাণ; কামৰ যোগেদি সময়ৰ সদ-ব্যৱহাৰ কৰিব নোৱাৰাটো তেতিয়াৰ দিনত লাজ আৰু দোষৰ কথা বুলি ধৰিছিল। কৰ্ত্তব্য পৰায়ণ ডেকাৰ ওচৰলৈ কামৰ বেলিকা দয়িতাই আত্ম নিবেদন কৰিবলৈ যাওঁতে ডেকাই কৰ্ত্তব্য সোঁৱৰাই দি কয়—

কেলেই আহিলা দিনৰে দুপৰত
লগাব নোৱাৰোঁ মাত
মোৰো খতি হলে হাতৰ কাঠি-কামি
তোমাৰ খতি হলে তাঁত।

সেইদৰে ডেকাৰ লগত আমোদ-আলাপ কৰি থাকোঁতেও অসমীয়া গাভৰুৱে নিজৰ কৰ্ত্তব্য পাহৰি যোৱা নাই :--

ঢোলে যে কৰিব ঢিনিকি ঢিন্‌দাওঁ
মিদঙে কৰিব তাওঁ
কাটনি তাঁতেযে আমনি কৰিব
বিদায় দিয়া ঘৰলৈ যাওঁ ।

## ৬। *বিহু-গীতত স্থান বিশেষত্ব*

আগৰ কালত আমাৰ দেশৰ কোন ঠাই কিহৰ কাৰণে প্ৰখ্যাত বা কোন দেশৰ পৰা কি বস্তু আমদানি কৰা হৈছিল তাৰ একোটা ভৌগোলিক বুৰঞ্জী বিহু-গীতে যোগান ধৰে :—

(১) অসমলৈ পূৰ্ব্বে মিছিমি দেশৰ পৰা বিহ আমদানী কৰা হৈছিল । সেই বিহ অসমীয়া ঔষধ আদিত ব্যৱহাৰ কৰিছিল—

(ক) ইমানদিন মোৰে ধন ঐ মনকে বুজালো
তোমাৰ মুখ খনিলৈ চাই
তোমাৰে সন্তাপত মৰিব পাৰো মই
মিচিমিৰ বৰে বিহ খাই ।

(খ) কিনো খাই পাহৰিম        তোক ঐ লাহৰী
কিনো খাই পাহৰিম তোক,
মিচিমিৰ দেশতে        আছে বৰবিহ
তাকে খাই পাহৰিম তোক ।

(২) এসময়ত ৰংপুৰ নগৰ ( শিৱসাগৰ ) আমাৰ দেশৰ ৰাজধানী আছিল। ৰাজধানী ব্যৱসায় বাণিজ্যৰ প্ৰধান ঠাই আৰু তাৰ মানুহ আন ঠাইৰ মানুহতকৈ বুদ্ধিমান, চতুৰ আৰু সহজে পতিয়ন নোযোৱাটো স্বাভাবিক কথা—

(ক) ক'লা চোলাই নুশুৱাই        তোক ঐ লাহৰী
বগা চোলাই নুশুৱায় তোক
ৰংপুৰ জিলাতে        আছে ৰঙা চোলা
সিয়েহে শুৱাব তোক ।

(খ) তামোলটি কাটিলো        ডুথনি কৰিলো
ৰংপুৰ বজাৰৰ পান,
পথাৰে পথাৰে        বিচাৰি ফুৰিলো
ক'তে দাই আছিলা ধান ।

(গ) উৰিয়ামৰ নাওখন        নাকাট সমনীয়া
গুৰি ধৰি যাবলৈ টান
ৰংপুৰ জিলাৰে        ছোৱালী নানিবা
কথা বুজাবলৈ টান ।

ডিব্ৰুগড়ত মুগাৰ বিহা, মুগাবোৱা বাঁচ, মাদুৰীত ভুলা, শালমৰা মুখত কুমাৰৰ মাটিৰ চৰু আদি প্ৰচুৰ পৰিমাণে উৎপন্ন হৈছিল। এইবোৰ সেইকালৰ বিখ্যাত বস্তু—

(ক) ডিবুৰুগড়তে কিনো নাইকীয়া
আছে মুগা বোৱা বাঁচ
তোমাক ভাবি চিন্তি মৰো কলমতিয়াই
যেনে বৰ বিহে লগা মাছ।

(খ) তোমালৈয়ে বুলি গঢ়না গঢ়ালো
হাতলৈ গঢ়ালোঁ খাৰু
দুয়ো শুমে বুলি তুলিখন গঢ়ালো
মাদুৰী তুলাৰে গাৰু।

(গ) হাটতে কিনি মই বাটতে ভাঙিলো
শালমৰা কুমাৰৰ চৰু
নতুন তাঁতি ভাঙি খালে পকা ধানে
সৰুটি চেনাইৰে গৰু।



## ৭। বিহু-গীতত অদ্ভুত আৰু হাস্য-ৰস।

বিহু-গীত কেৱল আদি ৰসকেই কেন্দ্ৰ কৰি ৰচিত হ'লেও তাত অন্যৰসৰ সঞ্চাৰ নোহোৱাকৈ থকা নাই। আদি ৰসৰ লগতে "অদ্ভুত আৰু হাস্য-ৰস" দুয়োটা ৰসেই কোনো ক্ষেত্ৰত মিহলি দেখা যায়—

(ক) হাঁহৰে পোৱালী শিয়ালে লৈ গল
মাউতক লৈ গ'ল শেনে
তোমাৰ সমনীয়াক যেনেহেন দেখিবা
আমাকো দেখিবা তেনে !

(খ) আজি কিয়ে বাৰে শনি ঐ মইনা
আজি কিয়ে বাৰে শনি
চাৰি আঙুল কপালখন বিধাতাই লিখিলে
মতা হাঁহে পাৰিছে কণী।

(গ) শিলে বালি চৰাই গিলে ঐ লাহৰি
শিলে বালিচৰাই গিলে।
আৰু বেলি বিহুখন চাবলৈ নাপালো
মতাম'হ ৰখীয়া দিলে।

(ঘ) মাখিৰ মূৰে কাটি ঢোলটি সাজিলোঁ।
পিপৰাৰ চালেৰে চালো।
জেলুকৰ চালেৰে বৰতি বাতিলো।
ফৰিঙৰ ঠেঙেৰে বালো ।

## ৮। বিহু-গীতত পাৰ-লৌকিকতা ।

কিছুমান চৰ্চ্চাকাৰী লোকে বিহু-গীতত আধ্যাত্মিকতা নাই বুলি মত প্ৰকাশ কৰিলেও পাৰলৌকিকতাৰ অভাৱ নহয় । পাৰলৌকিকতা আৰু আধ্যাত্মিকতাৰ ওচৰ সম্বন্ধ, যিহেতু আধ্যাত্মিকতাই বেচিভাগ পাৰলৌকিকতাৰ বিষয়েহে কয় বা আলোচনা কৰে ।

ভৰপূৰ যৌৱনত অসমীয়া যুৱক-যুৱতীয়ে বিহুত ৰং-তামাচা বা প্ৰেমানন্দত আপোন পাহৰা হলেও পৰ-কালৰ প্ৰতি সমূলি পাহৰি যোৱা নাই । ইহ কালৰ ধন-সম্পত্তি, আত্মীয়-কুটুম্ব, প্ৰেম-পৰিণয়, বিৰহ-বিচ্ছেদ সকলো মিথ্যা—দুনীয়া মাথোন । সংসাৰৰ ধন-সম্পত্তি, প্ৰেম-পৰিণয় সকলোকে এৰি থৈ এদিন যে বিদায় লব লাগিব পৰকাললৈ আৰু তেতিয়াই যে সাংসাৰিক দুখৰ একৰকম অৱসান হব তাক মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল—

(ক) নকৰিবি ভয়ে ঐ নেকান্দিবি চেনেহ ঐ
মনত শোক নলবি তোৰ
ইপুৰীযে এৰি থৈ পামেগৈ সিপুৰী
দুখৰো পৰিব ওৰ ।

(খ) শুকান ঢেকীয়াৰে কাপ ঐ দদাইদেউ
শুকান ঢেকীয়াৰে কাপ,
জীয়াই থাকা মানে ভকতক সুধিবা
মৰিলে সুধিবা কাক ।

(গ) জীৱটি যাবগৈ যম ৰজাৰ থানলৈ
ভেলটি শগুণে খাব,
এনেকৈ নাচিবি তেনেকৈ নাচিবি
তোকেনো কিহবাই পাব ।

(ঘ) কেলেই সাঁচিলা জপাৰ বৰে কাপোৰ
কেলেই সাঁচিলা ধন
জপাৰ বৰে কাপোৰ জপাতে পচিব
হাড়তো গজিব বন ।

(ঙ) ধনে ধনে কৰি ধনকে ঘটিলা
পৰমে যতনে কৰি
ধনে ৰব পৰি দেহা যাব চলি
লগত যাব দুচলি খৰি ।

## ৯। বিহু-গীতত অদৃষ্টবাদ

আপ্ৰাণ চেষ্টা, অতি নিষ্ঠা আৰু অধ্যৱসায়ৰে কামত আগবঢ়া স্বত্ত্বেও যেতিয়া মানুহৰ অকৃতকাৰ্য্যতা আহি যায়, পৰম আশাত যেতিয়া বঞ্চিত হৈ নিৰাশ হব লগা হয়, শাৰীৰিক বা মানসিক দুখ-কষ্ট অশান্তিৰ ওপৰত দুখ-কষ্টৰ জাওবি বৰষিব ধৰোঁতে যেতিয়া সেই দুখকষ্ট মোচনৰ উপায় নোহোৱা হয় তেতিয়া সাধাৰণতে মানুহে অদৃষ্টৰ কথা ভাবিয়েই মনত শান্তনা লভে। অসমীয়া লোক অদৃষ্ট-বাদী। অসমীয়া যুৱক-যুৱতীয়ে তেওঁলোকৰ ব্যথা ভৰা জীৱনত জয়-পৰাজয় বা যৌৱন ব্যথা আৰোপ কৰে অদৃষ্ট বা কপালৰ ওপৰত—

(ক) আই নাইকীয়া বোপাই নাইকীয়া
আৰু নাইকীয়া পিতা
কপটীয়া বিধিয়ে দুখকে লিখিলে
মনত ঐ নুগুচে চিতা।

(খ) লোৱকে বিন্ধিলে লোৱৰে মামৰে
ছাতি নালত বিন্ধিলে ঘূণে
চাৰি আঙুল কপালত বিধাতাই লিখিলে
চাঁচি বা গুচাব কোনে।

(গ) আজি কিয়ে বাৰে     শনি ঐ মইনা
আজি কিয়ে বাৰে শনি
চাবি আঙুল কপালখন     বিধাতাই লিখিলে
মতাহাঁহে পাৰিছে কণী ।

## ১০। বিহু-গীতত ৰণৰ বাতৰি

যেতিয়া অসম স্বাধীন আছিল তেতিয়া অসমীয়া ডেকাই মৰমৰ ঘৰ-দুৱাৰ, ভাই-ভণী মাক-বাপেক আৰু সকলোতকৈ মৰমৰ প্ৰণয়িনীক এৰি থৈ ৰণুৱাৰ সাজ পিন্ধি হাঁহি মুখে ৰণলৈ গৈছিল; আৰু ৰণলৈ যাওঁতে নিজৰ প্ৰণয়িনীয়ে প্ৰণয়ীক ৰচদ যোগাৰ কৰি লগত দি পঠাইছিল দেশক ৰক্ষা কৰি জাতীয় গৌৰব অটুত ৰাখিবলৈ—

(ক) ইকৰা পাতেৰে     নাও সাজি দিম
সদিয়া ৰণলৈ যাবা
কলা পাত কাটি     চিৰা বান্ধি দিম
দিখৌ নৈৰ সিপাৰে খাবা ।

(খ) কিলিপাত কিলিপাত     ধপাত লগাই দিয়া
ডাঙৰে চিলিমত খাওঁ
এড়িয়াৰ জুলুঙাত     চাউল বান্ধি দিয়া
সদিয়া ৰণলৈ যাওঁ ।

—এই গীত দুটিৰ পৰা বুজা যায় যে দেশত যুদ্ধ-বিগ্ৰহ উপস্থিত হওঁতে অতীতৰ স্বাধীন অসমীয়াক ৰাষ্ট্ৰই বা ৰজাই যুঁজলৈ যাবলৈ বাধ্য কৰাব বা নিৰ্দ্দেশ দিব নালাগিছিল। দেশাত্মবোধত বলিয়ান হৈ বাজভৰালৰ ৰচদ-পাতিৰ ওপৰত নিৰ্ভৰ নকৰাকৈয়ে, নিজৰ ৰচদ-পাতি নিজে যোগাৰ কৰি লৈ দলে দলে ৰণত জপিয়াই পৰিছিল। ইয়াত ৰণসম্বন্ধীয় এই গীত দুটিয়ে স্বৰ্গদেউ গদাধৰ সিংহৰ দিনত হোৱা অঁকা-ডফলাৰ ৰণৰ কথাকেই সম্ভৱ উল্লেখ কৰিছে।

—অন্ত—

সুৰ আৰু গোৱাৰ ধৰণ কাহিনীৰ সম্বল বা বিষয় বস্তু, আৰু ৰচনাৰ ফালৰ পৰা চাবলৈ গলে এই শ্ৰেণীৰ গীত ইংৰাজী সাহিত্যৰ লিৰিক্ (Lyric), বেলেড (Ballad) আৰু ফকচঙ ( Folk song) বা লোকগীতি আদিৰ কোন শাৰীত পেলাব পাৰি সি সাহিত্য-মোদী আৰু গৱেষক সকলৰ চচ্চা আৰু আলোচনাৰ বিষয়।



"টেলিগ্ৰাম"ৰ বাতৰি ঐ পালেগৈ ঐ যেতিয়া ঐ
তে'তিয়াযে আহিলে ঘুৰি হেৰ মইনা
আকৌ হে'ৰ মইনা তেতিয়াযে আহিলে ঘুৰি ।
মৰানোকৈ ঘাটয়েযে নৈ নো পাৰ নকৰেযে
সোণৰেযে আঙঠি দিলেনো দলি মাৰি
তেতিয়াহে কৰিলে পাৰে হেৰ মইনা
আকৌ হেৰ মইনা তেতিয়াহে কৰিলে পাৰ ।
ঘৰলৈযে আহিয়েযে ককায়েকে দেখিলেযে
মাকেছোন কলেৰাত পৰা হেৰ মইনা
আকৌ হেৰ মইনা মাকেছোন কলেৰাত পৰা ।
দুদিনৰে পিছতেছোন মাকেছোন গলেগৈ ঐ
সকলোকে কন্দুৱাই থৈয়ে হেৰ মইনা
আকৌ হেৰ মইনা সকলোকে কন্দুৱাই থৈ ।

—এই গীতটো টেঙাখাটৰ বন্ধুবৰ শ্ৰীযুত যতীন্দ্ৰ নাথ হাজৰিকাৰ পৰা পোৱা গৈছিল । কেতিয়াবা গাওঁতাসকলে 'ডিব্ৰুগড়' আৰু 'শিৱসাগৰ' নাম দুটা সলাই গায় আৰু মাজত এখন নৈ ৰাখি অন্য দুখন ঠাইৰ নাম ব্যৱহাৰ কৰে । কাহিনী সম্বল ৰঙিলী আৰু পদ্মিনী নামৰ যৌৱন সুলভ ছোৱালী দুজনীৰ বেথা লগা অৱস্থাৰ গীতত উল্লেখ কৰিলেও বুৰঞ্জীত এনে কোনো বিশিষ্ট ঘটনা পোৱা নাযায় । গতিকে ই যে ৰস সৃষ্টিৰ কাৰণে ৰচনা কৰা কাল্পনিক কাহিনী মাত্ৰ তাক নিঃসন্দেহে কব পাৰি ।

এই গীতটোৰ জন্ম উনৈশ শতিকাৰ শেষভাগ আৰু কুৰি শতিকাৰ আগ ভাগৰ ভিতৰৰ কাল ছোৱাতেই হোৱা যেন লাগে ।